জ্যোতি-গ্ৰন্থমালা (৪)

# ৰূপালীম্

( কাল্পনিক নাট )

প্ৰণেতা

জ্যোতিপ্ৰসাদ আগৰৱালা

জ্যোতিপ্ৰসাদ সোঁৱৰণী-সন্থা

তেজপুৰ : অসম

RUPALEEM :—A Seven-Acts Play written by late Jyotiprasad Agarwala and published by Sree Bichitranarayan Dutta Barua B.L. LAWYER'S BOOK STALL Gauhati, on behalf of the Jyoti Memorial Trust Board, Tezpur, Assam.

প্ৰকাশক :

শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, বি-এল

লয়াৰ্ছ বুক ষ্টল

গুৱাহাটী

সম্পাদনা :

অধ্যাপক শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

তপোবন, গুৱাহাটী

১ম তাঙৰণ :

১৭ জানুৱাৰী, ১৯৬০

২য় তাঙৰণ :

ছেপ্তেম্বৰ, ১৯৬৪

৩য় তাঙৰণ :

আগষ্ট, ১৯৬৭

মূল্য : দুটকা পঞ্চাশ পইছা

মুদ্ৰক :

শ্ৰীকালীচৰণ পাল

নবজীৱন প্ৰেছ

৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

# নিবেদন

সুন্দৰৰ সাধক, সংস্কৃতিৰ পূজাৰী ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদৰ চিনাকি আজি ন-কৈ দিবৰ সকাম নাই। অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিৰ বাবে তেওঁ যিখিনি অৱিহণা দি গল, তাৰ বাবে অসমীয়া ৰাইজ তেওঁৰ ওচৰত চিৰকৃতজ্ঞ হৈ থাকিব। অসমীয়ে কম বয়সতে জ্যোতিপ্ৰসাদক হেৰুৱালে, কিন্তু এই মহান শিল্পীগৰাকীক অসমবাসীয়ে নেপাহৰে, পাহৰিব নোৱাৰে। তেওঁৰ স্মৃতি অম্লান কৰি ৰখাৰ উদ্দেশ্য আগত লৈয়েই ১৯৫৮ চনত 'জ্যোতিপ্ৰসাদ সোঁৱৰণী সন্থা' নাম দি এক অনুষ্ঠান গঢ়ি তোলা হয়। ৰূপকোঁৱৰৰ ৰচনাৱলীৰ যোগেদিয়েই যাতে তেওঁক সুঁৱৰি থাকিব পৰা যায়, তাকে মানস কৰি তেওঁৰ বহুমুখী প্ৰতিভাসম্ভূত এখনি সম্পূৰ্ণাঙ্গ জীৱনী প্ৰকাশ আৰু তেওঁৰ প্ৰকাশিত আৰু অপ্ৰকাশিত সকলো ৰচনাৱলী সংগ্ৰহ কৰি প্ৰকাশ কৰিবলৈ এই সন্থাই সঙ্কল্প লয় কিন্তু এই মহৎ অথচ গধুৰ কাৰ্য্য সোনকালে আৰু নিয়াৰিকৈ সমাধা কৰাটো তেনেই উজু কাম নহয়। গতিকে আমি আমাৰ প্ৰচেষ্টাৰ প্ৰথম অৰ্ঘ হিচাপে ৰূপকোঁৱৰৰ ১৯৩৬ চনতে লিখ' অনুপম নাটক 'ৰূপালীম্' ৰাইজলৈ আগবঢ়ালোঁ। ৰূপকোঁৱৰে নিজ হাতে খেলিমেলিকৈ লিখি থোৱা দুখন পুথিৰ পৰা জুকিয়াই এই ছপা পুথিৰ পাণ্ডুলিপি যুগুত কৰি দিছে শ্ৰীযুত অতুলচন্দ্ৰ হাজৰিকাদেৱে। পুথি দুখনৰ পৰা জোৰা লগাই এখন পাতনিও দিয়া হৈছে লিখকৰ নিজৰ কথাৰে।

ৰূপালীম্ ইতিমধ্যে অসমৰ বিভিন্ন নাটঘৰত আৰু অনাতাঁৰৰ যোগেও একাধিকবাৰ সফলতাৰে অভিনীত হৈ গৈছে আৰু ৰাইজৰ পৰা যথেষ্ট সমাদৰ লাভ কৰিছে। নাটখনিৰ এই প্ৰথম প্ৰকাশেও সাহিত্যসেৱী আৰু কলামোদীসকলৰ পৰা অনুৰূপ মৰম-চেনেহ লাভ কৰিলেই আমাৰ চেষ্টা ফলৱতী হোৱা বুলি ভাবিম আৰু হাতত লোৱা বাকী কামত আগবাঢ়িবলৈ অনুপ্ৰেৰণা লাভ কৰিম। নানা আহুকালৰ বাবে আমাৰ কামত ভালেখিনি পলম হোৱাত আমি দুঃখিত আৰু ৰাইজৰ ওচৰত ক্ষমাপ্ৰাৰ্থী।

এই সুযোগতে ৰূপকোঁৱৰৰ গুণমুগ্ধ ৰাইজৰ ওচৰত এটি অনুৰোধ জনাব খুজিছোঁ। জ্যোতিপ্ৰসাদৰ আপুৰুগীয়া সৃষ্টিসমূহ আৰু অমূল্য ৰচনাৱলী প্ৰকাশ কৰি লোকচক্ষুৰ সমুখত আলফুলকৈ দাঙি ধৰাৰ এই কঠিন আৰু মহৎ প্ৰচেষ্টাত আমি সদৌ ৰাইজৰ সহযোগ সানুনয়ে কামনা কৰিলোঁ। তেওঁৰ বিভিন্ন বিষয়ৰ ৰচনা, কৱিতা, গীত, ফটো আনকি চিঠি-পত্ৰাদি কাৰোবাৰ হাতত আছে যদি আমালৈ পঠাই দি আমাৰ চেষ্টা সফল কৰি তুলিব বুলি ভৰসা ৰাখিলোঁ। ইতি—

বিনীত—

শ্ৰীকমলাপ্ৰসাদ আগৰৱালা—সভাপতি

শ্ৰীপদ্মা আগৰৱালা—সম্পাদিকা

জ্যোতিপ্ৰসাদ সোঁৱৰণী সন্থাৰ হৈ।

# জ্যোতিপ্ৰসাদ সোঁৱৰণী-সন্থা

**তেজপুৰ, অসম**

**সদস্যসকল—**

শ্ৰীকমলাপ্ৰসাদ আগৰৱালা ( সভাপতি )
শ্ৰীপদ্মা আগৰৱালা ( সম্পাদিকা )
শ্ৰীঅমিয়কুমাৰ দাস
শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা
শ্ৰীবিষ্ণুপ্ৰসাদ ৰাভা
শ্ৰীবিবেকানন্দ আগৰৱালা
শ্ৰীহৃদয়ানন্দ আগৰৱালা
শ্ৰীফণী শৰ্ম্মা
শ্ৰীভূপেন হাজৰিকা
শ্ৰীভৰত বৰপূজাৰী
শ্ৰীনীৰা ডোগ্ৰা
শ্ৰীঅন্নপূৰ্ণা বৰুৱা
শ্ৰীমীনা আগৰৱালা

# পাতনি

এইখন মোৰ তৃতীয় নাট। 'শোণিত-কুঁৱৰী' লিখিছিলো চৈধ্য বছৰ বয়সৰ পৰা সোতৰ বছৰ বয়সৰ ভিতৰত। 'কাৰেঙৰ লিগিৰী' একৈছ বছৰৰ পৰা তেইছ বছৰ বয়সত আৰু 'ৰূপালীম্' তেত্ৰিছৰ পৰা লিখি পয়ত্ৰিছ-ছয়ত্ৰিছ বছৰ বয়সত সম্পূৰ্ণ কৰা হৈছে। 'ৰূপালীম্' লিখাৰ তিনি বছৰ আগৰে পৰা আৰু কেবাখনিও নাট লিখিবলৈ হাতত লোৱা হৈছে। তাৰে কেখনমান লিখা সম্পূৰ্ণ হৈ আছে। ইংৰাজী ১৯৩৬ চনত এই নাটখনি লিখা। তাৰ পিছত এইখন কেবাবাৰো সালসলনিকৈ লিখা হৈছে। ১৯৩৭ চনত এই নাটখন তেজপুৰৰ 'বাণ-ৰঙ্গমঞ্চ'ত তোলা হয়। ঘূৰাই-পকাই লিখাৰ পিছত আৰু সালসলনি কৰাৰ পিছত এই নাট ডিব্ৰুগড়ৰ 'ড্ৰামাটিক আৰ্ট ছোছাইটী'য়ে ডিব্ৰুগড়ত দুবাৰকৈ অভিনয় কৰে। এই অভিনয়ত নাটখনে ৰঙ্গমঞ্চত সফলতা লাভ কৰে।

এই 'ৰূপালীম্' নাটৰ ঘটনা, চৰিত্ৰ, মানুহ, সকলো মনেৰে গঢ়াহে অৰ্থাৎ কাল্পনিক। ইয়াত আদৰ্শ চৰিত্ৰ দাঙি ধৰাতকৈ চৰিত্ৰৰ বিচিত্ৰতাহে দেখুৱাবলৈ প্ৰয়াস পোৱা হৈছে। এই কথাষাৰ যেন এই নাট-পঢ়োঁতাই আৰু সমালোচকে মন কৰে। যদি কোনো বৈচিত্ৰ্যময় চৰিত্ৰ আদৰ্শ চৰিত্ৰ হৈছে তেন্তে সি আপোনা-আপুনিয়ে হৈছে বা হৈয়ে আছে। সেই গতানুগতিক সম্পূৰ্ণ চৰিত্ৰৰ সূত্ৰমতে হয়তো কোনো কোনো চৰিত্ৰ অসম্পূৰ্ণ যেন দেখা যাব পাৰে। যাতে এই চৰিত্ৰবোৰ বুজোঁতে বেমেজালি নকৰে সেই কাৰণেহে পাতনিৰ এইখিনি মোখনি মাৰিবলগীয়া হল কাৰণ মোৰ আগৰখন নাট 'কাৰেঙৰ লিগিৰী'ৰ 'সুন্দৰ'ৰ চৰিত্ৰটোৰ বিষয়ে

বহুতকে ভ্ৰম ধাৰণা কৰা দেখা পাইছোঁ। সুন্দৰৰ চৰিত্ৰ আদৰ্শ হিচাপে তাত দাঙি ধৰাতকৈ চৰিত্ৰৰ বৈচিত্ৰ্য—এটা চিৰবিপ্লৱী মনৰ দুনিৰ্ব্বাৰ গতিৰ সৈতে সমাজৰ সংঘৰ্ষ আৰু সংঘাত আৰু তাৰ পৰিণতি দেখুৱাবলৈহে প্ৰয়াস পোৱা হৈছিল। মেটাৰলিঙ্ক আৰু মোনভেনাৰ (Monnavana) ছাঁ পৰেঁা কি নপৰেঁাকৈ অলপ আহি ৰূপালীম্ নাটত দেখা দিছে যদিও সি অজ্ঞাতভাৱেহে—লিখকৰ মনৰ খোটালীত বহু দিনৰ আগতে সোমাই থকা মোনভেনাই এতিয়াও আছোঁ বুলি সঁহাৰি দিছে মাথোন। ৰূপালীমে অসমীয়া ৰাইজৰ পৰা পাবলগীয়া চেনেহফেৰিৰ পৰা নিশ্চয় বঞ্চিত নহব। ইতি—

ভোলাগুৰি চাহবাগিচা
জুন, ১৯৩৮ চন

ৰাইজৰ আশীৰ্ব্বাদ ভিখাৰী,
শ্ৰীজ্যোতিপ্ৰসাদ আগৰৱালা

অর্পণ-

মোর এই লেখা-
সমস্ত লেখেরো জীবন ঘটনাবলীর
অন্তর্নিহিত সমস্ত রহস্যের আলো
যাঁদের বুকে বাঁধা —
মোর কর্মজীবনে চলার পথের
সহযাত্রী- যাঁদের —
জীবনের অকৃত্রিমের সোপানশ্রেণী
উচ্চতম কৃতার্থতার ধাপটি
গেঁথেছে —
মোর প্রতি-মুহূর্তগুলির সাথে,
সাহস-প্রেরণার উৎস যারা —
মোর কর্মজীবনের সেরা সাথী
মনুষ্যত্বের
চন্দ্রকুমার বন্দ্যোপাধ্যায়
[illegible]
স্মৃতিতে ।

— প্রীতি —

# চৰিত্ৰ

| | | | |
|---|---|---|---|
| মণিমুগ্ধ | ... | ... | প্ৰান্ত দেশৰ অধিপতি |
| ৰেণথিয়াং | ... | ... | মণিমুগ্ধৰ সেনাপতি |
| ৰূকমীৰাজ | ... | ... | ৰূকমী ফৈদৰ ৰজা |
| মায়াব’ | ... | ... | এজন বলিষ্ঠ ৰূকমী ডেকা |
| ৰিমু | ... | ... | আন এজন ৰূকমী ডেকা |
| জুনাফা | ... | ... | এজন ৰূকমী বুঢ়া |
| ইতিভেন | ... | ... | ৰূকমীৰাজৰ ভনীয়েক |
| ৰূপালীম্ | ... | ... | ৰূপহী ৰূকমী গাভৰু, জুনাফাৰ জীয়েক |

লিগিৰী, নাচনী, ৰূকমী গাভৰু, প্ৰজা, সৈন্য-সামন্ত, বিষয়া-ডাঙৰীয়া আদি।

---

# ৰূপালীম্

## প্ৰথম অঙ্ক

দুই পৰ্ব্বতৰ মাজৰ এখন পৰ্ব্বতীয়া নৈ—সিপাৰৰ পৰ্ব্বতবোৰৰ গাত ৰুকমী গাওঁবোৰ। ৰুকমী অসমৰ পূৱ সীমান্তৰ পৰ্ব্বতীয়া সভ্য বৌদ্ধ জাতি, ইহঁতৰ সভ্যতা মণিপুৰৰ লগত ৰিজাব পাৰি। পৰ্ব্বতৰ গাৰ গাঁৱৰ সৰু সৰু টুপ লগোৱা চাংঘৰবোৰৰ দুৱাৰেদি জুইৰ পোহৰ বিৰিঙি ওলাইছে। জোন-তৰাই আকাশত ভুমুকি মাৰিছে। আকাশখনৰ পৰা বিয়পি পৰা জোনৰ পোহৰে নৈ, বিল, পৰ্ব্বত-বন সকলোকে ৰূপোৱালী কৰি বোলাইছে। নৈৰ কলকলনিয়ে আৰু বতাহৰ ফুৰফুৰণিয়ে ঠাইডোখৰত মিহলি শবদৰ ঢৌৰ সৃষ্টি কৰিছে। ইপাৰে ওখ ওখ শিলনি। তাতে পানী-ঘূঁৰলিৰ শিল এটাত মায়াৰ' এটা বলিষ্ঠ পীতবৰণীয়া, কুৰিবছৰীয়া, দেখিলে মোহলগা, চিত্ৰ-বিচিত্ৰ কাপোৰপিন্ধা গাঁৱলীয়া ৰুকমী ডেকা—অকলশৰে বহি আছে। তাৰ হাতত এটা পেঁপা, সি সেই পেঁপাত কিবা তিনিসুৰীয়া এসুৰীয়া সুৰ বজাই আছে। পেঁপাটো বজাবলৈ এৰি নৈৰ পিনে দুৰণিলৈ চাই উচপিচাই আকৌ পেঁপাত আঙুলি বুলাইছে। এনেতে বহু দূৰণিত নৈৰ বুকুত এট বিনাই গোৱা গীত শুনা গ'ল।

—ঃ গীত ঃ—

জিৰ জিৰ জিৰ জিৰ
জিৰ জিৰ তাতে নিজৰি জিৰ জিৰ নিজৰি অ'!
টুলবুল টুলবুল
কৈ
হালধীয়া

সৰাপাতৰ

নাও-

খনি

গৈ

গৈ

গৈ

আমাৰ মৰম এ ভৰা

লৈ।

মায়াব'ৰ বাঁহী বন্ধ হয়। গীত আকৌ নাইকিয়া হয়। মায়াব'ৰ বাঁহী ব্যাজি উঠে। গীত আৰু স্পষ্ট হৈ আহি আকৌ ৰয়। মায়াব'ৰ বাঁহী আকৌ বাজে। গীত এইবাৰ আৰু স্পষ্ট হৈ আহে। গীত ৰয়। মায়াব'ৰ বাঁহী বাজে। গীত এইবাৰ ওচৰত শুনা যায় বেচ স্পষ্টকৈ। মায়াব' বৰ হেপাহেৰে ডিঙি মেলি মেলি চাই সেই গীতৰ স্পষ্টতাত আনন্দ পাবলৈ ধৰিলে।

—ঃ গীত ঃ—

ভৈয়ামৰ ধাননি

বোলালে ঔ

সোণালী

কৈ

জিৰ জিৰ নিজৰি ঐ !

মৰমৰ বতৰা

লৈ

বৈ থাক

বৈ থাক

বৈ

বৈ

বৈ।

ৰুকমী ছোৱালীৰ কণ্ঠসুৰদিবে সানমিহলি হৈ সাঙ্গীতিক স্বৰবোৰ গুৱলা শব্দৰ বোকোছাত উঠি সেই ঠাইডোখৰৰ চাৰিওফালে উৰি ফুৰিবলৈ ধৰিলে। লাহে লাহে সৰু টুলুঙা নাও এখনত এজনী দীপলিপ বসন্তৰ কুঁহিপাতৰ দৰে কুমলীয়া ৰুকমী ছোৱালী—ওঁঠ দুটা মিচিকি হাঁহিৰে বোলাই, সেই শিলটোৰ ওচৰতে নাও চপালেহি। আঠুমূৰীয়া চিত্ৰবিচিত্ৰ মেখেলা। বুকুত চিত্ৰবিচিত্ৰ মেৰণি। গাত এখন বগা পাতল সূতাৰ কাপোৰ। মায়াৱ'ই আথেবেথে আগবাঢ়ি গৈ সুধিলে—

মায়াব'। (সুৰীয়া মাতেৰে) ৰূপালীম্! আজি ইমান বেলি কিয়? মোৰ পেঁপা বজাওতে ওঁঠ বিষালে।

ৰূপালীম্। (নাৱৰ পৰা নামি হাঁহি) তোমাৰ পেঁপাৰ মাতবোৰ উৰি উৰি গৈ মোক আগভেটি ধৰি আহিবলৈ নিদিয়ে—সিহঁতৰ মাজে মাজে বাট ফালি আহোঁতে বেলি হ'ল আকৌ। (হাঁহে।)

মায়াব। তেন্তে মই আৰু পেঁপা নবজাওঁ।

(মনটো বৰ বেজাৰ কৰে।)

ৰূপালীম্। বজাবা মায়াব'—বাৰু মায়াব'। তুমি পেঁপাটোক কিমান মৰম কৰা?

মায়াব'। খুব ভাল পাওঁ—পেঁপাটো নহলে মই এখন্তকো থাকিব নোৱাৰোঁ।

ৰূপালীম। তেনে পেঁপাটোৰ সতে তুমি থাকা। মই যাওঁগৈ।

(ওফোন্দ পাতি যাব ধৰে)

মায়াব'। (ৰূপালীমৰ বাউসীত ধৰি) কেলেই যাবাগৈ ৰূপালীম্?

ৰূপালীম্। কেলৈ নেযাম্? মই নহলে তুমি গোটেই দিনটো অকলে থাকিব পাৰা, গোটেই নিশাটোও পাৰা, কিন্তু পেঁপাটো নহলে নোৱাৰা। তেন্তে তুমি মোক পেঁপাটোৰ সমানকে মৰম নকৰা?

মায়াব'। পেঁপাটোনো কি, তাতোকৈ তোমাক কতগুণে মৰম কৰোঁ।
কপালীম্। তেন্তে মোক পেঁপাটো দিয়াচোন।

পেঁপাটো মায়াব'ৰ হাতৰ পৰা নি শিলৰ ওপৰত থৈ ভৰিৰে গছকি ভাঙি দিছে। মায়াব'ই থাপ মাৰি কপালীমৰ ভৰিটো আঁতৰাই ভগা পেঁপাটো হাতৰ তলুৱাত আলফুলকৈ তুলি ব্যাথৰ শৰত মৰা ৰঙা ধুনীয়া চৰাইটোৰ দৰে লৈ তালৈ বৰ বেজাৰেৰে চায়। কপালীমে খিল্-খিল্কৈ হাঁহি দিয়ে।

কপালীম্। এতিয়া কেনে?
মায়াব'। তুমি বৰ অকৰুণ কপালীম্। তুমি নিৰ্দ্দয়া—
কপালীম্। পেঁপাবলিয়া—বাঁহৰ পেঁপাটো ভাঙিলত বোলে আকৌ মই অকৰুণ হলোঁ। ভাল হ'ল, এতিয়া সেই সময়ত মোলৈ মনত পৰি থাকিবহে তেও!
মায়াব'। এতিয়া তুমি নহা সময়ত কোনে তোমাৰ মাত মাতিব? কোনে তোমাৰ মিঠা মিঠা গীত মোক শুনাব?
কপালীম্। ( আচৰিত হৈ মায়াব'ৰ কথাবোৰৰ ভালকৈ মৰ্ম্ম বুজিব নোৱাৰি ) কিয়? কেনেকৈ বাৰু সি মোৰ মাত মাতিছিলে?
মায়াব'। মোৰ হিয়াৰ মাজত সোমাই থকা কপালীমৰ মাতটিয়ে এই পেঁপাৰ বিন্ধাই বিন্ধাই ওলাই আহি তোমাৰেই দৰে এই পেঁপাটিয়ে তোমাৰ গীতকে মোক গাই শুনাইছিলে। কপালীম্! তুমি কিয় ইমান নিমৰমিয়াল বাৰু? তুমি অকলৈ এৰি থৈ গ'লে তুমিয়ে হৈ পেঁপাটিয়ে মোক কতনো ইননি-বিননিৰে বিয়াকুল কৰি থৈছিলে।
কপালীম্। তেন্তে তুমি মোক নকলা কিয় মায়াব'? নকলা কিয়?

( পেঁপাটো নিজৰ হাতলৈ আনি তাক চুমা খাই হৰ্-হৰ্কৈ কান্দি )

তেন্তে মোক নকলা কিয়? নকলা কিয়?
মায়াব'। তুমিনো বাৰু ভাঙিলা কিয়?
কপালীম্। মোৰ খং উঠিলে আকৌ!

মায়াব'। তোমাৰ খং ক'ত উঠে ?

কপালীম্। ( উত্তৰ দিব নোৱাৰি বৈ থাকি ) জানো ক'ত উঠে ? ভৰিতো উঠে, মূৰতো উঠে।

মায়াব'। বুকুত উঠে নে নুঠে ?

কপালীম্। নুঠে।

মায়াব'। কিয় ?

কপালীম্। বুকুত মৰমহে থাকে। তালৈ খং গলে মৰমবোৰ পমি যাব নহয়।

মায়াব'। তেন্তে মোলৈ মৰম লগা মনটো মূৰত থাকে, নহয় নে ? সেইটো খণ্ডত পুৰি গ'ল।

কপালীম্। ইহ্—নাই যোৱা আকৌ। মই ভৰিবেহে খং কৰি পেঁপাটোৰ পেটু উলিয়ালোঁ। হিঃ হিঃ হিঃ।

মায়াব'ই ভগা পেঁপাটো নিজৰ হাতলৈ আনি বেজাৰ মনেৰে চাই থাকে। কপালীমে মায়াব'ক ভাল লগাবলৈ চাই মূৰে গায়ে হাত ফুৰায়।

কপালীম্। বাৰু মায়াব'! মই তোমাক এটা পেঁপা সাজি দিম দেই !

মায়াব'। বাৰু দিবা।

কপালীম্। বাৰু মায়াব'! জোনটোৱে ইমানবোৰ পোহৰ দি থাকে, তাৰ পোহৰবোৰ বাৰু ঢুকাই নেযায় কিয় ?

মায়াব'। সি পৃথিৱীখন খুব ভাল পায় সেই গুণে। সেই পোহৰবোৰ জোনৰ মৰম। পৃথিৱীখনলৈ জোনৰ ইমান মৰম আছে—সি কেতিয়াও নুঢুকায়। বাৰু কপালীম্! তোমাৰো মোলৈ তিমান মৰম আছে নে ?

কপালীম্। আছে মায়াব'! আছে। তোমালৈ মোৰ খুব মৰম আছে মায়াব'!

[ মায়াব' কিছু পৰ নিস্তব্ধ হৈ থাকে। ]

মায়াব'। ( লাহে লাহে অমনোযোগী হৈ ) কপালীম্!

কপালীম্। কি হ'ল মায়াব'?

মায়াব'। আমিতো আৰু ইয়াত সৰহ পৰ বহি থাকিব নোৱাৰিম।

কপালীম্। নোৱাৰিলে কি হব?

মায়াব'। মোৰ তেতিয়া তোমাক পঠিয়াই দিবলৈ বেয়া লাগিব নহয়?

কপালীম্। নগলে মোক মোৰ বুঢ়া বোপায়ে খং কৰিব নহয়—মোৰ বুঢ়া বোপাইক কোনে খুৱাব? কোনে বান্ধি-বাঢ়ি দিব?

মায়াব'। ( অলপ পৰ গুণি-গাঁথি থাকি ) তেন্তে কপালীম্। তুমি আৰু মোৰ নোহোৱা নেকি?

কপালীম্। কেলৈ, সদায় দেখোন মই তোমাৰ হৈয়ে আছোঁ—আৰুনো কেনেকৈ হব লাগে?

মায়াব'। তুমি মোক বিয়া কৰাই মোৰ ঘৰত পুৱতিৰ পৰা গধূলিলৈ, গধূলিৰ পৰা পুৱালৈ থাকিব লাগিব।

কপালীম্। সেইদৰে থাকিলে মোৰ বুঢ়া বোপায়ে কেনেকৈ খাব? কেনেকৈ জীব? মায়াব'! তুমি জানো মোক সদায় দেখি দেখি আমনি নেপাবা?

[ কপালীমে কেৰাহিকৈ চাই মায়াব'ৰ ভাব লক্ষ্য কৰে। ]

মায়াব'। কেলৈ আমনি পাম? তোমাক দেখোঁতে দেখোঁতে সদায় নতুন নতুন দেখিছে থাকিম।

কপালীম্। তুমি মোক সদায় বোপাইৰ ঘৰত চাই আহিবা। ময়ো তোমাক চাই থাকিবলৈ পাম।

মায়াব'। এইদৰে কিমান দিন থাকিবা?

কপালীম্। সদায় থাকিম। সদায় তুমি মোক চাই থাকিবা। ময়ো তোমাক চাই থাকিম।

কপালীমে মায়াব'ৰ মুখলৈ চাই থাকে। মায়াব'ই দূৰণিৰ পৰ্ব্বতলৈ চায়। কপালীমে মায়াব'ৰ কথাত তেওঁৰ আন্তৰিকতা উপলব্ধি কৰি মায়াব'ক আৰু উদ্বিগ্ন কৰিবলৈ বুলি কয়।

ৰূপালীম্। মায়াব'! আজি মই ঘৰলৈ সোনকালে যাম দেই।

মায়াব'। কিয়?

ৰূপালীম্। আমাৰ বাই আহিছে আজি। বাইৰ লগত এটা অকণমান ল'ৰা আনিছে। সি বৰ অকণমান, সি কথা ক'বকে নোৱাৰে। সি মই কোলাত ললে কান্দে। সি কান্দিলে মই তাৰ মুখত আঙুলিটো সুমাই দিওঁ। হিঃ হিঃ—মায়াব'! তাক মোৰ বৰ লবৰ মন গৈছে। মই এইবাৰ আহোঁতে তাক হোবাত ভৰাই লৈ আহিম দেই!

মায়াব'। উহুঁ, লোকৰ লৰা কি লৈ থাকিবা? নিজৰ এটা হলেহে সদায় লৈ থাকিব পাৰিবা।

ৰূপালীম্। নিজৰনো ক'ত পাবা আকৌ?

মায়াব'। (দুষ্টালিৰে) ক'ত পাবা? মোক বিয়া কৰিলেই পাবা।

ৰূপালীম্। (খং ভাও জুৰি মায়াব'ক ভুকু মাৰি) নকৰাওঁ।

মায়াব'। কৰাবা, কৰাবা—মোক বিয়া কৰালে যিহে এটা নোদোকা শকত ল'ৰা পাবা। নোদোকা নোদোকা তাৰ হাত-ভৰি, জিলিকা জিলিকা তাৰ চকু, তেতিয়া যিমান লবৰ মন যায় লৈ থাকিবা। (হাঁহে)।

ৰূপালীম্। (খং দেখুৱাই) মায়াব'! তুমি মোক তেনেকৈ জোকাই থাকিলে মই হলে এতিয়াই গুচি যাম।

মায়াব'। (হাঁহি) বাৰু, বাৰু, নেলাগে যাব। বাৰু, মোক বিয়া কৰাব নেলাগে। মই এনেয়ে এটা ল'ৰা আনি দিম। তুমি ধেমালি কৰি থাকিবা।

ৰূপালীম্। ক'ত পাবা?

মায়াব'। আমাৰ গাঁৱত এটা আছে। যিহে সুন্দৰ, তুমি দেখিলে তাক এখন্তকলৈকো এৰি নিদিবা।

ৰূপালীম্। (উৎসুক হৈ) সঁচা নে? সঁচা নে? পিছে তাৰ মাক-বাপেকে কেলৈ এৰি দিব?

মায়াব'। মই আনিছে দিব লাগে।

ৰূপালীম্। তেন্তে মায়াব'! আনিবাচোন দেই। মই তাক খুব মৰম কৰিম। তাক মই সদায় লগত লৈ ফুৰাম। মোৰ লগতে খুৱাম। মোৰ লগতে শুৱাম। তাক মই কেতিয়াও লগৰ পৰা এৰি নিদিওঁ।

মায়াব'। ৰূপালীম্! ল'ৰাটো আনিলে তুমি আৰু মোক ক'ত বিচাৰিবা? ক'ত মৰম কৰিবা? তুমি ল'ৰাটোৰ সৈতে উমলি থাকিবা।

ৰূপালীম্। কেলৈ? লৰাটো মই বুকুত সুমাই থ'ম আৰু তাক মৰম কৰি কৰি তোমাৰে সৈতে কথা পাতি থাকিম।

মায়াব'। ৰূপালীম্। ( গভীৰ প্ৰণয়ৰ ভাবেৰে চাই থাকে। )

ৰূপালীম্। ( বৰ মৰমেৰে মায়াব'লৈ চায় ) মায়াব'! এতিয়া ৰাতি হ'ল। জোন বহুতো উঠিলে। মই আৰু যাওঁগৈ দেই। নহলে বুঢ়া আপুৱে বিচাৰি আহিব। মোক তোমাৰ সৈতে ইয়াত দেখিলে বৰ খং কৰিব।

মায়াব'। ( অলপ আচৰিত হৈ ) কিয়?

ৰূপালীম্। বুঢ়া বোপায়ে মোক তোমাৰ ওচৰলৈ আহিবলৈ হাক দিছিল।

মায়াব'। কিয়?

ৰূপালীম্। বোপায়ে কৈছিল বোলে সি পেঁপা বজাই থকা ল'ৰাই কি ছোৱালী পোহপাল দিব?

মায়াব'। ( অভিমান কৰি ধপহকৈ উঠি ) অ' বাৰু তেন্তে—যোৱা। মই আৰু ইয়ালৈ নাহো। মই ক'ৰবালৈ গুচি যাম।

ৰূপালীম্। ( বেজাৰকৈ ) কেলৈ গুচি যাবা? তুমি গুচি গলে মই কাৰে সতে থাকিম?

[ হঠাৎ জুনাফা হাবিৰ মাজৰ পৰা ওলাই আহে ]

জুনাফা। মোৰ লগত থাকিবি।

[ জুনাফাক দেখি মায়াৰ' আচৰিত হয়, কিন্তু কপালীম্ জাপ মাৰি জুনাফাৰ ওচৰলৈ যায়। ]

কপালীম্। তুমি ইয়ালৈ কিয় আহিলা ?

জুনাফা। তোক বিচাৰি। মই তোক ইয়ালৈ আহিবলৈ হাক দিছিলোঁ নহয় ?

কপালীম্। আপু! মায়াৰ'ই বৰ বেজাৰ পাইছে তুমি মোক তাৰ ওচৰলৈ আহিবলৈ নিদিয়া দেখি।

জুনাফা। এৰা, নিদিওঁ। ( মায়াৰ'ক ) মায়াৰ'! কপালীমক বিয়া কৰাবলৈ এনেয়ে নাপাবা। নিজে এটা বাঘ মাৰি তাৰ মূৰটো মোৰ আগত দিবি, তেতিয়াহে তাইক তোলৈ দিম।

মায়াৰ'। ( এবাৰ কপালীমলৈ চাই, এবাৰ জুনাফালৈ চাই ) তেন্তে সেয়ে হব জুনাফা! মই আহিলোঁ।

কপালীম্। ময়ো যাম। মায়াৰ'ৰ সতে ময়ো যাম। বাঘ চিকাৰ কৰিম।

জুনাফা। ( কঠোৰ ভাবে ) ওহোঁ, নোৱাৰ।

কপালীমক হাতত ধৰি লৈ আহে। কপালীমে বিয়াকুল হৈ মায়াৰ'লৈ চাই থাকে। জুনাফাই থিৰ চকুৰে মায়াৰ'লৈ চায়। মায়াৰ'ই জুনাফালৈ টানকৈ চায়। তাৰ তূণৰ পৰা এডাল কাঁড় উলিয়ায়।

মায়াৰ'। জুনাফা! এই কাঁড়ে তুমি বিচৰা বাঘৰ মূৰ নিবিন্ধে মানে আৰু কাঁড় চুঙাত নোসোমায়হি।

মায়াৰ' গহীন আৰু দৃঢ়প্ৰতিজ্ঞ হৈ তাৰ পৰা এখোজ দোখোজকৈ ওলাই যাব ধৰে। কপালীমে কন্দনামুৱা হৈ এবাৰ জুনাফাৰ মুখলৈ, এবাৰ মায়াৰ'ৰ পিনে চাই যাওঁ নাযাওঁকৈ থাকে। মায়াৰ'ৰ পিনে চাই যাবও

খোজে আৰু জুনাফাৰ কঠোৰ চকুৰ শাসনত যাবলৈ সাহ নকৰি কান্দো কান্দো হৈ ঠুনুঠুনাই উচপিচায়।

কপালীম্। ( বলেৰে মায়াৰ'ৰ ফালে আগবাঢ়ি ) ময়ো যাম। ময়ো চিকাবলৈ যাম।

জুনাফা। ( কাপোৰ আজুৰি টানি আনি ) নোৱাৰ। নোৱাৰ!

কপালীম্। আপু—

জুনাফা। নো—ৱা—ৰ।

ঐক্যতান

# দ্বিতীয় অঙ্ক

গাঁৱত জুনাফাৰ চাংঘৰৰ আগচোতাল। সোঁফালে চোতালৰ মুখকৈ আৰু পাছৰ সোঁফালে চোতালৰে মুখকৈ দুটা চাংঘৰ। বাওঁফালে মুকলি আকাশ আৰু অলপ দূৰৈত পৰ্ব্বতবোৰ। আবেলি। তিনি চাৰিজনীমান কৃকমী ছোৱালী। কোনোজনীয়ে উৰালত ধান খুন্দিছে। কোনোজনীয়ে কুলাত জাৰিছে আৰু কোনোজনীয়ে চালিছে আৰু মুখেৰে গীত গাব লাগিছে। ৰূপালীয়ে এঠাইত বহি কঁকালত লোৱা তাঁত বৈছে আৰু মাজে মাজে আন ছোৱালীবোৰৰ সৈতে কথা পাতি হাঁহি-ধেমালিকৈ আছে।

—ঃ গীত ঃ—

কৃকমী ছোৱালী। জিলিকা পাখিৰে
অ’ সোণ ম’ৰা চৰাই!
ৰঙা সেউজীয়া তৰাফুটুকীয়া
তোৰ গোট গাৱতে
অ’ সোণ ম’ৰা চৰাই!
জুবিটিৰ পাৰতে নাচ ঠেও ধৰি
তোৰ মৰমতে মৰো
অ’ সোণ মৰা চৰাই।

গীত চলি থকাৰ মাজতে জুনাফাই পিঠিত খৰি এবোজা লৈ তালৈ সোমাই আহি খৰিবোজা মাজতে থয়। ছোৱালীবোৰলৈ চাই সন্তোষেৰে হাঁহি চাংঘৰৰ ভিতৰলৈ সোমাই যায়। এনেতে ছোৱালীবোৰৰ মাজতে বাঘৰ মূৰ এটা ধুমকৈ পৰে। ছোৱালীবোৰে ভয় খাই চিঞৰি তাৰ পৰা ফাঁহি চিটিকা দিয়ে। মাথোন ৰূপালীয়ে বহাৰ পৰা উঠি বিস্ময়েৰে বাঘটোৰ মূৰটোলৈ চাই “আপু” “আপু”কৈ চিঞৰে। তাতে জুনাফা চাংঘৰৰ পৰা ওলাই আহে।

মায়াব' হাতত ধনু-কাঁৰ লৈ তালৈ উধাতু খাই সোমাই আহে। সেঁহাতত তাৰ মিত্, তেজেৰে ৰাঙলী। সোমাই আহি জুনাফা আৰু কপালীমৰ ফালে চাই নমতা-নোবোলাকৈ থাকে।

জুনাফাই মায়াব'লৈ চাই ভৰিৰ পৰা মূৰলৈকে পৰ্য্যবেক্ষণ কৰি হাতেৰে বাঘৰ মূৰটো কাণত ধৰি দাঙে আৰু তাক ভালকৈ চায়। এবাৰ বাঘৰ ফালে এবাৰ মায়াব'লৈ চাই সন্তোষেৰে মূৰ জোকাৰে।

ৰেণথিয়াঙে লৰালৰিকৈ তালৈ সোমাই আহি থাপ মাৰি জুনাফাৰ হাতৰ পৰা বাঘৰ মূৰটো আনি মায়াব'ক কয়। কপালীম্ ভয় খাই কেথোজমান পাছলৈ গৈ ঘৰৰ দুৱাৰ-মুখত ৰয়গৈ।

ৰেণথিয়াং। (মায়াব'ক) কাপুৰুষ! লোকৰ চিকাৰ আনি বীৰ বোলাইছ?

[তাচ্ছিল্যৰ হাঁহি মাৰি তাৰ পৰা যাবলৈ ধৰোঁতেই মায়াব'ই হাতত থাপ মাৰি ধৰে।]

মায়াব'। তাৰ মানে?

ৰেণথিয়াং। তাৰ মানে আৰুনো কি? লোকৰ শৰত পৰা বাঘৰ মূৰটো নিজৰ বুলিবলৈ অলপো সঙ্কোচ লগা নাই নে?

মায়াব'। তুমি মিছা কৈছা।

ৰেণথিয়াং। সাৱধানে কথা কবি। মই কোন নেজান হবলা?

মায়াব'। তুমি যিয়েই হোৱা নেলাগে, মূৰটো কেতিয়াও তোমাৰ হব নোৱাৰে।

মায়াব'ই তাৰ হাতৰ পৰা মূৰটো কাঢ়ি আনে। ৰেণথিয়াঙেও তাৰ পৰা কাঢ়ি আনিবলৈ যায়। ইয়াৰ পৰাই দুয়োৰে মাজত মৰামৰি লাগে। ৰেণথিয়াং আহত হৈ মাটিত পৰি যায়। সেহাই সেহাই উঠি মায়াব'ৰ ফালে খাওঁ খাওঁ মূৰ্ত্তিৰে চাই তাৰ পৰা ওলাই যায়।

জুনাফা। (আচৰিত হৈ মায়াব'ৰ ওচৰলৈ আহি) মায়াব'। এইবোৰৰ মানে কি?

মায়াব'। (সেহাই সেহাই) আজি তিন দিন এই বাঘটোৰ পাছে পাছে ফুৰিছোঁ। আজি কিন্তু সি মোৰ শৰৰ পৰা সাৰিব নোৱাৰিলে। ঘাইল হৈ বাঘটোৱে হাবি-বন মহটীয়াবলৈ ধৰিলে। আৰু এডাল কৰবাৰ কাঁৰ সোঁ সোঁকৈ আহিল। বাঘৰ গাৰ পৰা দূৰেদি গৈ গছ এজোপাত বিন্ধ খাই ৰ'লগৈ। মই ছল চাই গৈ বাঘৰ মূৰত খাপ শোধালোঁগৈ। মূৰটো হাতত লৈয়ে দেখিলোঁ এই মানুহটোৱে হাতত ধনু-কাঁৰেৰে অলপ দূৰতে বৈ আছে। মূৰ হাতত লৈ গুচি আহিলোঁ। তাৰ পিছত এই ঘটনা।

[ এনেতে ৰূপালীম্ লৰ মাৰি মায়াব'ৰ ওচৰলৈ আহে ]

ৰূপালীম্। মায়াব'। মায়াব'। তুমি বাঘটোৰ মূৰটো কেনৈ কাটিলা?

মায়াব'। এনেয়ে।

ৰূপালীম্। পিছে, তাৰ পোৱালিবোৰক কোনে খুৱাব? সিহঁত মৰি যাব নহয়?

মায়াব'। যোৱাচোন ৰূপালীম্। পানী অলপমান আনাগৈ। মোৰ বৰ পিয়াহ লাগিছে।

ৰূপালীম্। বাৰু মায়াব'। পিছে বাঘৰ পোৱালিকিটাও তুমি আনিবা দেই। মই সিহঁতক খাবলৈ দিম, নহলে সিহঁতে অকলে অকলে হাবিত কান্দি কান্দি ঘূৰি ফুৰিব। আনিবা দেই!

[ ভিতৰলৈ পানী আনিবলৈ যায়। ]

জুনাফা। মায়াব'। সঁচাকৈয়ে তই চিকাৰ কৰিব পাৰ। ৰূপালীমক তই পোহপাল দিব পাৰিবি।

মায়াব'। তেন্তে তুমি মোৰ লগত ৰূপালীমক বিয়া দিবা?

জুনাফা। ওঁ। (এই বুলি জুনাফাই মনতে অলপ চিন্তা কৰে)

মায়াব'। ( বুঢ়াৰ মুখলৈ অলপ পৰ চাই ) জুনাফা! ক'তা? তুমি দেখোন মুকলি মনেৰে কব পৰা নাই?

জুনাফা। মায়াব'! তই যে পুহিব পাৰিবি সেই বিষয়ে মোৰ অলপো সন্দেহ নাই। পিছে—মই কেনেকৈ থাকিম মায়াব'? মই আজি এই পোন্ধৰ বছৰ তাইক বুকুত বান্ধি লৈ ফুৰাইছোঁ। মোৰ এজনী জী। তাই মৰিবৰ সময়ত তাইৰো একেজনী জীয়েক ৰূপালীমক মোক গতাই দি গৈছে। তাইক মই মোৰ জীৱনটোৰ দৰে ৰাখি আছোঁ।

এনেতে ৰূপালীমে বাটি এটাত পানী আনি মায়াব'ক দিয়ে আৰু মায়াব'ই লৈ খাবলৈ ধৰে। ৰূপালীমে পৰি থকা বাঘৰ মূৰটোৰ ওচৰলৈ গৈ তালৈ এবাৰ আচৰিত হৈ আৰু এবাৰ বেজাৰকৈ চাই হাতেৰে চুব খোজে। হাত কোচাই আনে।

ৰূপালীম্। বাঘৰ মূৰটো তুমি কেলৈ কাটিলা মায়াব'?

মায়াব'। ( অলপ হাঁহি ) তোমাক বিয়া কৰাবলৈ।

[ ৰূপালীমে লাজ কৰি জুনাফাৰ ফালে কেৰাহিকৈ চায়। ]

জুনাফা। ( গহীনকৈ তাইলৈ মৰম বেজাৰেৰে চাই মূৰ জোকাৰি ) ওঁ।

[ ৰূপালীমে অলপ লাজ কৰি আনফালে মূৰ কৰে। জুনাফাই তাইৰ মুখৰ ফালে ৰৈ চাই থাকে। এনেতে দূৰৈত চিকাৰী কুকুৰৰ ভুকভুকনি শুনা যায় আৰু আটাইবোৰ আচৰিত হয়। মায়াব'ই সেইফালে ডিঙি মেলি মেলি চাই কিছু উদ্বিগ্ন হয় আৰু ৰূপালীমক হাতত ধৰে। ]

মায়াব'। ৰূপালীম্! তুমি ঘৰৰ ভিতৰলৈ যোৱাচোন। এইবাৰ কোনোবা শত্রু আহিছে। তুমি নোলাবা।

[ তাইক ঘৰৰ ফালে হেচোকা মাৰি দিয়ে আৰু তায়ো কোনো প্ৰতিবাদ নকৰি সোমাই যায়। ]

জুনাফা। এই পাষণ্ড কেইটা আকৌ কাজিয়া কৰিবৰ মনেৰে আহিছে।

মায়াব' আগন্তুক বিপদৰ কাৰণে সন্ত্রস্ত হৈ থাকে। জুনাফাক কিছু সশঙ্কিত যেন দেখা যায়। ৰেণথিয়াং দম্ভেৰে তালৈ হাতত কাঁৰ এপাট লৈ সোমাই আহে। আহি মায়াব' আৰু জুনাফাৰ আগতে সগর্ব্বে থিয় হৈ হাতৰ কাঁৰ-পাতেৰে মায়াব'ক দেখুৱাই সি অহা ফালে ভিতৰলৈ চাই কয়।

ৰেণথিয়াং। প্রভু! এই দুৰাচাৰ কাপুৰুষেই মোৰ চিকাৰৰ মূৰ কাটি ইয়াত তাৰ মইমতালি দেখুৱাইছেহি। আৰু তাকে মই দাবী কৰিলত সি মোক অপমান কৰি আপোনাৰো অপমান কৰিছে।

মায়াব' ৰেণথিয়াঙৰ ফালে জোখৰ খোজেৰে আগবাঢ়ি আহি তাৰ ওচৰ পাওঁতেই মণিমুগ্ধ আহি তালৈ কুকুৰলৈ চোৱাৰ দৰে চাই কয়।

মণিমুগ্ধ। মূর্খ! নিলাজ! ক্ষন্তেকতে বাঘৰ মূৰ উলিয়াই ওভোতাই দে, চোৰ!

মায়াব'। আপুনি মোক বৰ বিমোৰত পেলাইছে। বোধকৰোঁ আপুনি নাই দেখা দেখিহে এনে কথা কৈছে। দৰাচলতে এই বাঘ মোৰ শৰত পৰিছে। আপোনাৰ ভ্রম।

ৰেণথিয়াং। ভ্রম?

মায়াব'। অৱশ্যে।

মণিমুগ্ধ। ৰুকমী ডেকা! মোৰ মানুহে মিছা কথা নকয়।

[ খণ্ডেৰে আগবাঢ়ি যায়। হঠাৎ জুনাফা সোমাই আহে। ]

জুনাফা। কোন তোমালোক? মোৰ চোতালত তোমালোকক এনে আচৰণ কৰিবলৈ কোনে অধিকাৰ দিছে?

মণিমুগ্ধ। মোৰ শক্তিয়ে দিছে।

জুনাফা। তোমালোকক সম্ভ্রান্ত লোক যেন দেখিছোঁ। পিছে ই

কেনে বৰ্ব্বৰ আচৰণ? অচিনাকি! মোৰ আদেশ— তোমালোক মোৰ ঘৰৰ চোতালৰ পৰা আঁতৰ হোৱা।

বেণথিয়াং। (জুনাফাৰ ওচৰলৈ চোঁচা মাৰি আহি বুঢ়াৰ ডিঙিত ধৰি) বৰ্ব্বৰ! নিশকতীয়া বুঢ়া! তোৰ কিহৰ ইমান তেজ? কাক এনে বাক্য বুলিছ?

জুনাফাৰ ডিঙিত চেপি জোকাৰিবলৈ ধৰে আৰু মায়াব’ই ক্ষন্তেকৰ ভিতৰতে কাঁৰপাত অহাদি আহি বেণথিয়াঙক ডিঙিত ধৰি মুখত ঘুচিয়াই মাটিত পেলাই দিয়ে। তাতে দুয়োটাৰে তুমুল সংগ্ৰাম আৰম্ভ হয়। জুনাফা কঁপি কঁপি মাটিত বহি যায়। মণিমুগ্ধই কঁকালৰ পৰা উলিয়াই এটা পেঁপা বজায়। পাচোটামান বন্দী গৰখীয়া সেনা আহি তৎক্ষণাত বেণথিয়াঙক মায়াব’ৰ হাতৰ পৰা মুক্ত কৰি আনে। মায়াব’ উঠিবলৈ ধৰোঁতে কেইবাটা সেনাই ধৰি ধনঞ্জয় প্ৰহাৰ আৰম্ভ কৰিলত সি পৰি যায়। বেণথিয়াঙে তেতিয়া হাতৰ চাবুকেৰে তাক মূৰে-গায়ে একো নাই হৈ কোবাবলৈ ধৰে। মায়াব’ৰ মুখে-নাকে তেজ বৰলৈ ধৰে। সি মাটিত পৰি মূৰ্চ্ছা যায়। মায়াব’ৰ অৱস্থা দেখি জুনাফাই থাকিব নোৱাৰি চিঞৰিবলৈ ধৰে।

জুনাফা। কোন আছে? কোন আছ? ৰাখহি। ৰাখহি। গাঁৱৰ ডেকা বুঢ়া, কোন আছ চাহি!

[ চাৰিওফালে বলিয়াৰ দৰে লৰি-ধাপৰি চিঞৰিবলৈ ধৰিলে। ]

আহ অ’! কোন আছ?

[ জুনাফাৰ চিঞৰোতে চিঞৰোতে মাত ক্ষীণ হৈ পৰে। বেণথিয়াঙে মায়াব’ক এৰি জুনাফাৰ ওচৰলৈ আহে। ]

বেণথিয়াং। (মণিমুগ্ধক) প্ৰভু! এই বুঢ়াই সকলোৰে গুৰি। আপোনাক ই অপমান কৰে—ই—ই—(চাবুক দাঙি) ইয়াক—ইয়াকহে ভালকৈ এসেকা দিব লাগে।

(জুনাফাক কোবাবলৈ ধৰে।)

জুনাফা। (খণ্ডত বলিয়া হৈ কঁকালৰ মিত উলিয়াই) নহয়—নহয়—
তইঁতকো শুদাই নেৰিছোঁ।

[ জুনাফাই মিত্ ঘূৰাবলৈ ধৰে। বেণথিয়াং আঁতৰ হয়। মণিমুগ্ধই ইঙ্গিত দিয়ে আৰু সেনাবোৰে মিত্ উলিয়াই জুনাফাক বেঢ়ি ধৰে। এনেতে কপালীমে উধাতু খাই আহি কয়। ]

কপালীম্। —নামাবিবি। নামাবিবি।

[ চাংঘৰৰ ভিতৰৰ পৰা ওলাই আহি সিহঁতৰ মাজত পৰেহি।
আটাইবোৰ ক্ষান্ত হয়। ]

কপালীম্। (হুক্ হুক্ কৰে কান্দি) নামাবিবা, নামাবিবা। মোৰ আপুৰে তোমালোকৰ কি জগৰ কৰিলে বাৰু? (জুনাফাৰ মুখলৈ চাই হুক্-হুক্কৈ কান্দি) আপু! আপু! অ' আপু!— (মায়াব'লৈ চাই হুক্-হুক্কৈ কান্দি মায়াব'ৰ ওচৰলৈ গৈ তেজ দেখি ভয়ত চিঞৰি) আপু! আপু! মায়াব'ৰ কি হ'ল? কি হ'ল? মায়াব'! মায়াব'!

[ কপালীমে মায়াব'ৰ মুখৰ তেজ মচি দিবলৈ ধৰে। মায়াব' পৰি থাকে।
জুনাফাই অপমানত জৰ্জ্জৰিত হৈ কয় ]

জুনাফা। শক্তিৰ অধিকাৰ! শক্তিৰ অধিকাৰ!! এবা, শক্তিৰেই অধিকাৰ—বলীৰেই অখণ্ড প্ৰতাপ।

ইমান সময় মণিমুগ্ধ মন্ত্ৰমুগ্ধৰ দৰে কপালীমৰ ফালে চাই আছিল। মণিমুগ্ধ তেনেকৈ তন্ময় হৈ চাই থাকোঁতে বেণথিয়াঙে কাণে কাণে কিবা কলেহি। তাতে মণিমুগ্ধৰ টোপনি ভঙা যেন হ'ল।

মণিমুগ্ধ। অৱশ্যে, অৱশ্যে, এই মুকুতা যদিও শামুকৰ পেটত উপজিছে, ইয়াত ইয়াৰ ঠাই নহয়। ই ৰাজকাৰেঙৰহে উপযোগী। এই ৰূপহীজনী কোন?

জুনাফা। কোন? কেলৈ? আমাক শান্তি বিহি হেপাহ পলোৱা নাই নে? এতিয়া আজলী ছোৱালী—

মণিমুগ্ধ। (কোমলাই) নহয়—নহয় বুঢ়ামানুহ! সেইবোৰ কথা আৰু তুলিয়াবা। যি হ'ল হ'ল। পাহৰি যোৱা। এইজনী সম্ভৱ তোমাৰেই জী নাইবা নাতিনী। তাইৰ ৰূপলৈ চাই, তাই তোমাৰ জুপুৰীৰ কাৰণে নহয়, তাইৰ ৰূপৰ জেউতি আঢ্যৱন্তসকলৰ জোনাকী কাৰেঙৰ ভিতৰতহে দুগুণে চৰিব।

জুনাফা। (নিজৰ মনতে ৰোষত জ্বলি) এনে কথাও মই শুনি থাকিবলগীয়া হ'ল! এনে কথাও—মই সহিব লাগিব। তই সকলো সহিব লাগিব। কিয় তোৰ শক্তি নাই? তই কিয় দুৰ্ব্বল হৈ সংসাৰলৈ আহিছিলি? দুৰ্ব্বলৰ কিহৰ মান—কিহৰ অপমান? অপমানেৰে—ক্ষোভেৰে—নিজৰ গাৰ প্ৰতি তেজ টোপালেৰে তই তোৰ দুৰ্ব্বলতাক পুহিব লাগিব। এই পৃথিৱীৰ—নৈ-সাগৰ—বন-উপবন—ভালবো ভাল, সুন্দৰবো সুন্দৰখিনি—ৰূপবো ৰূপ—কাৰ ভোগ্য? বলীৰ—শক্তি-শালীৰ। আৰু দুৰ্ব্বল তই—বলীৰ পাদুকাৰ মলি মাথোন। পেলাই দিয়া চুৱাপাতেৰে তোৰ ক্ষীণ আৰু দুৰ্ব্বল অঙ্গ ৰক্ষা কৰিব লাগিব আৰু যদি ভুলত, অদৃষ্টৰ পৰিহাসত তোলৈ কিবা ভাল বস্তু আহে—তাক তই বলীৰ হাতত দিব লাগিব। তোৰ পুষ্ট শৰীৰটো বলীৰ পদসেৱাত—তোৰ নিপোটল ল'ৰাটো বলীৰ হুকুমৰ আঙুলি মূৰত—তোৰ সুন্দৰী ছোৱালীজনী—বলীৰ—সিহঁতৰ কাৰেঙৰ লিগিৰীকৈ দিবগৈ লাগিব।

মণিমুগ্ধ। বুঢ়া! অনৰ্থক অনুশোচনাৰ পৰা একো ফল নাই।

ৰেণথিয়াং। প্ৰভু! সন্ধিয়া হৈ আহিছে। আমি আৰু সৰহ বেলি ইয়াত ইহঁতৰ সৈতে ৰেপাৰেপি কৰি থাকিব নোৱাৰোঁ। ইহঁতৰ যথোচিত শাস্তি হ'ল। এতিয়া নেদেখাজনৰ কৃপাত আমাৰ ভাগ্যত এই মুকুতাটি মিলিছে যেতিয়া—

মণিমুগ্ধ। বুঢ়া মানুহ! তুমি আপোন ইচ্ছাৰেই এই ৰূপহীৰ

কপাল মুকলি কৰি দিয়া। তুমি ৰূপহীক মোক সমৰ্পণ কৰা। তাৰ সলনি—তোমাৰ এই জুপুৰীৰ সলনি—কাৰেং যেন ঘৰবাৰী আৰু সুন্দৰীৰ সলনি তাইৰ শৰীৰৰ জোখৰ সোণ—

জুনাফা। সোণ! সোণ! সোণ নহয়—সোণ নেলাগে—ডকাইত! —তোৰ প্ৰাণ—

জুনাফাই বুঢ়া বাঘৰ দৰে মণিমুগ্ধৰ গাত জাপ মাৰি পৰেহি। মণিমুগ্ধই জুনাফাক হাতত ধৰি মাটিত বগৰাই পেলায়। আন ফালে ৰেণথিয়াঙে কপালীমক মায়াৰ'ৰ ওচৰৰ পৰা কোলাত তুলি লৈ ওলাই যায়।

কপালীম্। (কান্দি কান্দি চিঞৰি) আপু! আপু! ৰাখ, অ' মোক —কোন আছ? কোন আছ?

ৰেণথিয়াঙে তাইক উলিয়াই লৈ যায়। কপালীমে ৰেণথিয়াঙৰ কোলাত হাত-ভৰি এচাৰি মূৰ আফালি কান্দি গছৰ পাত সৰুৱাই যায়। কিন্তু আন এটাই মুখত সোপা দিয়াত চিঞৰ শুনা নহয়। ইফালে মণিমুগ্ধৰ ৰথীয়া সেনাৰ সৈতে জুনাফাৰ ভীষণ যুঁজ হয়। এইবোৰৰ মাজত কপালীমৰ এবাৰ দুবাৰ "আপু—আপু" ক্ষীণ চিঞৰৰ শবদ শুনা যায়। মায়াৰ'ই তাৰ পৰা উঠোঁ উঠোঁ কৰে কিন্তু উঠিব নোৱাৰি লুটি খাই খাই পৰি যায়। গৰখীয়া সেনা কেইটাক ইঙ্গিত দিয়াত সিহঁতে আহি জুনাফাক ধৰি ৰাখি থয়। মণিমুগ্ধ তাৰ পৰা খৰকৈ ওলাই যায়। মণিমুগ্ধ ওলাই যোৱাৰ পিছতে সেনা কেইটাই জুনাফাক অতিপাতকৈ মৰিয়াই মৰিয়াই পেলাই থৈ গুচি যায়। জুনাফা আধমৰাৰ দৰে তাতে পৰি থাকে। মায়াৰ'ই কোনোমতে চুচৰি বাগৰি ইফালে সিফালে চাবলৈ প্ৰয়াস পায় আৰু সেহাই সেহাই "কপালীম্, কপালীম্" বুলি মাতিবলৈ চেষ্টা কৰে। কঁপি কঁপি জুনাফা উঠে। জুনাফাৰ মুখৰ আকৃতি দেখিলে ভয় লগা। বুঢ়াৰ চকুৰেদি জুইৰ আঙনি বৰষিছে—সৰসৰাই চকুৰ পানী বৈছে।

জুনাফা। (বলিয়াৰ দৰে) ৰুকমী—ৰুকমী ডেকা বুঢ়া—আটাইবোৰ জহি গলি নেকি? উস্ মোৰ কি হ'ল—কি হ'ল? (হাঁওহাঁওকৈ কান্দি) কপালীম্—কপালীম্! নাই নাই—

ধৰম নাই—বিচাৰ নাই—ৰজা নাই—ঈশ্বৰ নাই—অৰাজক —( হাওঁহাওঁকৈ কান্দি ) কপালীম্—কলৈ গলি? কোনে নিলে তোক? কপালীম্! কপালীম্—

জুনাফা অলিয়াবলিয়া হৈ "কপালীম্, কপালীম্" বুলি চিঞৰি ওলাই যায়—মায়াব'ই উঠিবলৈ চেষ্টা কৰি পৰি যায়। বাহিৰৰ পৰা জুনাফাৰ "কপালীম্" বোলা চিঞৰ কাণত পৰেহি। জুনাফাৰ চিঞৰৰ লগে লগে মায়াব'ই দুগুণে অস্থিৰ আৰু অধৈৰ্য্য হৈ ছাটিফুটি কৰিবলৈ ধৰে।

জুনাফা। ( বাহিৰত ) কপালীম্! কপালীম্—কোন ফালে? কোন ফালে? কলৈ গলি অ' কপালীম্? অ' মোৰ কপালীম্!

কপালীম্!

কপালীম্!

কপালীম্!

কপালীম্!

ঐক্যতান

# তৃতীয় অঙ্ক

## ৰুকমী ৰজাৰ ৰাজধানী

### সময়—পূৰ্ণিমাৰ নিশা

ৰজাৰ কাৰেঙৰ মুকলি ফুলনিত ৰজাৰ পূৰ্ণিমা উৎসৱ। পূৰ্ণিমা নিশা। ফুলনিখন আহলবহল। তাত নানা বিধৰ ফুল ফুলি আছে। ফুলনিৰ মাজে মাজে চীন দেশীয় ফানুছবোৰৰ ভিতৰত চাকি জ্বলাই ওলোমাই থৈছে। মাজে মাজে বহা আসন পতা আছে। ফুলনিৰ এমূৰত ৰজাৰ কাৰেং। দুমহলীয়া কাৰেং—চীন দেশীয় স্থাপত্য আৰু বৌদ্ধ স্থাপত্যৰে সানমিহলিকৈ সজা। কাৰেংটো কাঠেৰে সজা। কাৰেঙৰ সৰু সৰু খিড়িকী আৰু দুৱাৰবোৰেদি পোহৰ বিৰিঙি বিৰিঙি ওলাইছে। এখন কেৰাখলপীয়া নানা ৰৱণেৰে চিত্ৰ-বিচিত্ৰ কৰা খাটোলাত ৰুকমী ৰজাই সাজসজ্জাপূৰ্ণ পয়োভৰেৰে বহি ফটিকা খাব লাগিছে ৰজাজন ডেকা, আমোদপ্ৰিয় আৰু সুৰাসেৱী। ৰজাৰ ওচৰত খলপে খলপে ৰজাৰ বিষয়া লগৰীয়াবিলাক আয়মেৰে আৰু আয়াসেৰে বহি আছে। চাৰিও-ফালে জুমে জুমে ডেকা-গাভৰু বহি হাঁহি-খিকিন্দালি কৰি আছে আৰু ফটিকা যোগাব লাগিছে। চামে চামে ডেকা-ডেকেৰীবিলাক উঠি নাচিছে—বজোৱাই বজাইছে, গোৱাই গাইছে, মতলীয়া হৈ অনাইবনাই ফুৰিছে। এজুম ডেকেৰীয়ে নাচি নাচি ৰজাৰ ওচৰ পাইছেহি। এনে সময়তে এজনী লিগিৰীয়ে সোণৰ বাণবাটিৰে ফটিকা পিবলৈ দিয়ে। ৰজাই সেই ফটিকা বাটি পি তাৰ এৰাখিনি ডেকেৰীবোৰৰ গালৈ ছটিয়াই দিয়ে আৰু খল্‌খলাই হাঁহিবলৈ ধৰে।

ৰুকমী ৰজা। (ৰাগীত বিভোৰ হৈ) ফটিকা—তাৰ ৰাগী—জোনৰ পোহৰবোৰ যেনেকৈ নৈ গছ-গছনিত পৰি ৰূপহ কৰে, সেইদৰে ফটিকাৰ ৰাগী লগা চকুৰ চাৱনিয়ে এই সুন্দৰী-

বিলাকৰ ৰূপত জেউতি ঢালি দিয়ে। ফটিকাই ফুৰ্ত্তিৰ ৰস।
লিগিৰী! আৰু এবাটি—ডাঙৰ বাটি—ডাঙৰ বাটি—

লিগিৰীয়ে ফটিকা যাচে আৰু ৰজাই পিবলৈ ধৰে। নাচনীয়াৰবিলাক আনন্দত কিৰীলি পাৰি নানা বাংকৰা-বিংকৰা কথা চিঞৰে। গীতৰ বোলত আৰু মতলীয়াবোৰৰ কোঢ়ালৰ প্ৰতাপত কাৰো মাত কেৰে শুনা হয়। সিহঁতেনো কোঢ়ালত কি গীত গাইছে—তাক বুজিবৰ সাধ্য নাই। জুনাফা আৰু মায়াৰ' দুয়ো ডিঙিত ধৰাধৰিকৈ হেলাই-হেফাই আহি তাত ওলায়। সেইখিনি পায়েই জুনাফাই হাওহাওকৈ কান্দি তাতে ধাচ্কৈ লুটি খাই পৰে। গীত নিমাত হয় আৰু মতলীয়াবোৰৰ কোঢ়াল মাৰ যায়।

ৰজা। (অতিপাত বিৰক্তিৰে) এইটো আকৌ কি? হেৰ'! এই গীত-মাতৰ মাজত হাউৰিয়াই মৰিছহি কিয়?

জুনাফা। প্ৰভু! প্ৰভু! মোৰ সৰ্ব্বনাশ হ'ল। ৰাখক মোক! মোক—ৰাখক!!

ৰজা। (আগতকৈয়ো বিৰক্তিৰে) ৰাখিব লাগে—এতিয়া এই সময়তহে তোক ৰাখিবলগীয়া হ'ল? ইহঁত ইয়ালৈ আহিবলৈ পালে কেনেকৈ? চন্তৰীবোৰেও ফটিকা খাইছে নেকি সবহকৈ?

জুনাফা। আপুনি আমাৰ ৰজা—আমাৰ সকলো ভাৰসা। আপোনাৰ ওচৰলৈ আহিছোঁ, ৰাখক।

ৰজা। হেৰ'! ৰজা হলোঁ বুলিয়েইনো ফটিকাটোপাও শাতিৰে খাব নিদিয় নে? ৰজা হলোঁ বুলিয়েইনো ৰং-তামাচাও নকৰিম নে? মই ৰজা নহে যেনিবা প্ৰজাৰ কিনা গোলামহে। বাৰু—তোৰনো কি ৰাখিব লাগে? তোৰ হ'ল কি? ফটিকাৰ কলহৰ তলি ফুটিল নেকি?

জুনাফা। প্ৰভু! মোৰ একেজনী ছোৱালী—তাইক মোৰ হাতৰ পৰা কাঢ়ি লৈ গ'ল।

ৰজা। (মূৰ্ত্তি সলাই) ছোৱালী? ছোৱালী নিলে? কোনে?

জুনাফা। ক'ব নোৱাৰোঁ—চিনি নেপাওঁ।

ৰজা। হেৰ'! তয়ে চিনি নেপালি, মইনো পাওঁ কেনেকৈ? মোৰ চকুকেইটা সোলোকাই জানো তোৰ চাংঘৰত আঁৰি থৈছিলোঁ—সিহঁতক দেখি চিন্ ৰাখি থবলৈ?

( আটাইবোৰে হাঁহিবলৈ ধৰে। )

জুনাফা। চিনি নেপাওঁ যদিও শুনিবলৈ পাইছোঁ তেওঁ হেনো প্ৰান্তদেশ অধিপতি মণিমুগ্ধ কোঁৱৰ।

ৰজা। আচৰিত—!

( সকলো আচৰিত হয়। )

ৰজা। বুঢ়া! তই কিবা সপোন দেখি ধৰফৰাই উঠি আহিছ নেকি? প্ৰান্তদেশ-অধিপতি মণিমুগ্ধ? সিদিনাহে তেওঁ মোৰ ইয়াত আলহী খাই মোৰ ভনী ইতিভেনক বিয়া কৰাবলৈ থিৰ কৰি গৈছে আৰু তই কৈছহি তেওঁ তোৰ ছোৱালী নিলে। বুঢ়া! ফটিকা খালি নেকি সৰহকৈ?

( আটাইবোৰে ৰৰকৈ হাঁহে। )

জুনাফা। সঁচাই মণিমুগ্ধ। তেওঁ চিকাৰলৈ আহি মোৰ কপালীমক দেখি—মোক নিজ ইচ্ছাৰে তাইক দিবলৈ কলত মই অসন্মতি প্ৰকাশ কৰাত মোৰ ওপৰত অত্যাচাৰ কৰি তাইক বলেৰে—

ৰজা। মিছা কথা, মিছা কথা! আৰু সঁচা হলেও তাৰ কোনো প্ৰতিকাৰ নাই—হব নোৱাৰে। তোৰ এজনী সামান্য ছোৱালীৰ কাৰণে এতিয়া মই মহাপ্ৰতাপী মণিমুগ্ধক জোকাই লৈ ৰাজ্যলৈ বিপদ চপাবলৈ কৰ নে?

জুনাফা। প্ৰভু! তোমাৰ পৰাও আজি এনে কথা শুনিব লাগিব নে? তোমাৰ ৰাজ্যৰ দুখীয়া প্ৰজাৰ ঘৰৰ পৰা ডকাইতৰ

দৰে আন মানুহে বুকুৰ ছোৱালী কাঢ়ি নিবহি—তুমি আমাৰ ৰজা হৈ—ৰক্ষক হৈ—আমাক ৰাখিব নোৱাৰা ?

ৰজা। বুঢ়া! সাৱধানে কথা কবি। এতিয়াও মোৰ ভাবিব পৰা— বিবেচনা কৰিব পৰা শক্তি আছে। এতিয়াই ইয়াৰ পৰা আঁতৰ হ।

জুনাফা। তেন্তে মই বিমুখ হৈ উভতি যাব লাগিব ? তেন্তে মই মোৰ ৰজাৰ পৰা একো বিচাৰ নাপাওঁ ?

ৰজা। নাপাব। একো নাপাব। এই চন্তৰী! এই বুঢ়াক ইয়াৰ পৰা দূৰ কৰি থৈ আহগৈ।

জুনাফা। তেনেহলে আৰু কাৰ ওচৰলৈ যাম ? কমী ৰাজ্যত আজি বিচাৰ নাই !!

( ভিতৰৰ পৰা হঠাৎ ইতিভেনৰ প্ৰৱেশ। )

ইতিভেন। বুঢ়া! কমী ৰাজ্যত এতিয়াও বিচাৰ আছে। ৰ'বা।

( ইতিভেনক দেখি সকলো বৰ আচৰিত হয়। কমী ৰজাই বিস্ময়েৰে ইতিভেনৰ মুখলৈ কিছু পৰ চাই থাকে—কমী ৰজাৰ ৰাগী কৰবালৈ যায়। )

ৰজা। ইতিভেন! ইনো তোৰ কেনে আচৰণ ?

ইতিভেন। [ অবিচলিত মাতেৰে ] একো আচৰিত হবলগীয়া নহয়।

ৰজা। একো নহয় ? ইতিভেন!

( ইতিভেন একো নামাতি ৰৈ থাকে। )

ৰজা। ইতিভেন! তই ওলাই অহাৰ কি আবশ্যক ?

ইতিভেন। হৈছে দেখিহে ওলাই আহিছোঁ।

ৰজা। তোৰ একো আৱশ্যক হোৱা নাই। ভিতৰৰ মানুহ ভিতৰলৈ যা।

ইতিভেন। তুমি বুঢ়াৰ বিষয়ে বিচাৰ নকৰামানে মই ভিতৰলৈ নেযাওঁ।

ৰজা। বিচাৰ কৰোঁ নকৰোঁ—সেইটো মোৰ কথা। মই ৰজা। তই আকৌ এইবোৰত হাত দিবলৈ আহিছ কিয়? তোৰ কাম—অন্তেষপুৰৰ কাম চোৱা।

ইতিভেন। সেইবোৰ মোৰ কাম বুলি মই জানো। কিন্তু তোমাৰ কৰ্ত্তব্য যেতিয়া তুমি পাহৰিবা, তাক মই সোঁৱৰাই দিবলৈ আহিবই লাগিব।

ৰজা। বাৰু তেন্তে ভাল কথা। এতিয়া মোৰ মনত পৰিল। তই ভিতৰলৈ যা।

ইতিভেন। তুমি আগতে বুঢ়াৰ বিষয়ে মীমাংসা কৰা, তেহে মই যাম।

ৰজা। (খঙেৰে) ইতিভেন! কথা শুন—মই বিচাৰ কৰি খতম কৰি থৈছোঁ। মণিমুণ্ডৰ বিৰুদ্ধে আমাৰ একো কৰিবলৈ নাই। বুঢ়া গৈ ঘৰৰ জুইশালত জুই ফুৰাই ফটিকা খাই থাককগৈ।

ইতিভেন। অ', এয়ে তোমাৰ বিচাৰৰ ৰায় হ'ল? ই ৰজাৰ বিচাৰ হোৱা নাই। ৰুকমী জাতিৰ ৰজাৰ আচৰণ হোৱা নাই। মদপী, তিৰোতাসেৱী কাপুৰুষৰহে উপযুক্ত আচৰণ হৈছে।

ৰজা। (খঙত গৰ্জ্জি উঠি) ইতিভেন! ইতিভেন! তই মোৰ ভনী হৈ মোক এনে কথা কৱ? মোৰ আদেশ, এতিয়াই ভিতৰ সোমা। চন্তৰী! এই বুঢ়াক এতিয়াই ইয়াৰ পৰা গুৰিয়াই গুৰিয়াই খেদি দে।

ইতিভেন। সাৱধান চন্তৰী! বুঢ়াৰ গাত কোনেও আঙুলি নলগাবি। তুমিও ৰজাৰ কাৰণে অনুপযুক্ত।

ৰজা। মই ৰজাৰ কাৰণে অনুপযুক্ত? তেন্তে উপযুক্ত কোন? তই? ইতিভেন! তই বিদ্ৰোহ কৰিছ।

ইতিভেন। অৱশ্যে বিদ্ৰোহ।

বজা। ( অলপ কুমলি ) ইতিভেন ভনীটী! তোৰ ভুল হৈছে। ভাবি চাচোন, মণিমুগ্ধক আমি কি কৰিব পাৰোঁ—আৰু বিশেষতে যেতিয়া মণিমুগ্ধ আমাৰ মিত্ৰ। তাৰ উপৰি তোক বিয়া কৰাবলৈ বিচাৰিছে—

ইতিভেন। তেনে স্বামী মই নবৰোঁ। মোক বিয়া কৰাবলৈ ওলাই মোৰ জাতিৰ এজনী সামান্য দৰিদ্ৰ ছোৱালীৰ সোণ যেন গাৰ বৰণ দেখিয়েই যি এনে নীচ আচৰণ কৰিবলৈকো সঙ্কোচ নকৰিলে, তেনে পুৰুষক মই ঘিণ কৰোঁ। হাঁহি উঠা কথা নকৰা।

বজা। বাৰু পিছে আমিনো কি কৰিব পাৰোঁ? এনে প্ৰতাপী বজাক আমি এই নিশকতীয়া প্ৰাণী কেইটাই কি কৰিব পাৰোঁ?

ইতিভেন। একো কৰিব নোৱাৰিলেও মণিমুগ্ধৰ শিলৰ দুৰ্গৰ লোহাৰ দুৱাৰত মূৰ খুন্দিয়াই মৰিবগৈতো পাৰিম?

বজা। 'স্ত্ৰী বুদ্ধি প্ৰলয়ঙ্কৰী'—শাস্ত্ৰৰ বচন। ইতিভেন! তইঁতৰ বুদ্ধিয়ে বান্ধনীঘৰৰ মাৰলী কেইডালকে ঢুকি নেপায়গৈ। এতিয়া তেনে কটীয়া বুদ্ধিৰে বজাৰ বৰচ'ৰাৰ মূধচ চুবলৈ আহিছ?

ইতিভেন। ককাই!

বজা। ( খঙত মুখ বিকটাই ) ককাই? কিহৰ ককাই একাই? সোমা ভিতৰুৱ ( আঙুলিৰে নিৰ্দ্দেশ দিয়ে )।

ইতিভেন। নোসোমাওঁ। ( গোঙোৰা হৈ থাকে )

বজা। নোসোমাৱ?

ইতিভেন। নোসোমাওঁ।

লাহে লাহে তালৈ ভালেমান প্ৰজাৰ সমাগম হবলৈ ধৰে। কৰুমী বজা অলপ পৰ টলকা মাৰি তাৰ পিছত কেইবাটি মান ফটিকা খাই আগতকৈ একোৰ চৰে—

ৰজা। ( চিঞৰি ) নোসোমাব ?

( অলপ আগবাঢ়ি ) সো—মা—ভিতৰ,

( থওত কঁপি কঁপি ইতিভেনৰ ওচৰলৈ যাব খোজে। )

ইতিভেন। (ৰুকমী ৰজাৰ থং আৰু গেঙেৰিলৈ ভয় নকৰি সমূহ ৰাইজলৈ উদ্দেশ্য কৰি ) ৰাইজসকল আৰু বিষয়াসকল! কাপুৰুষ বিলাসী ৰজাৰ ছাঁত থাকি তোমালোকৰো বুদ্ধি ভ্ৰষ্ট হ'ল নেকি? নিজৰ বাহুবল পাহৰি গলা নেকি? তোমাৰ ঘৰতে—তোমাৰ চোতালতে আহি তোমাৰ বুকুত গোৰ মাৰি শত্ৰু গুচি গল। তুমি গৰ্জ্জি মুঠি সেই শত্ৰুৰ চৰণৰ ধূলি নিৰ্ম্মালি বুলি ললা। ৰুকমী ডেকা! ৰুকমী পুৰুষ! তুমি ইমান তললৈ গলা?

( প্ৰজাবোৰৰ মাজত কথা-বতৰা হবলৈ ধৰে। )

জুনাফা। ঠিক কৈছা, ঠিক কৈছা আই! পাহৰিলে, পাহৰিলে, সকলো পাহৰিলে।

এজন ডেকা। ( উত্তেজিত হই ) নাই—নাই পাহৰা, নাই পাহৰা।

ইতিভেন। সৌৱা তোমাৰ দেশৰ ওখ পৰ্ব্বতৰ শিখৰ এতিয়াও উচ্চ-শিৰ হৈ আছে। মাথোন তুমিহে মূৰ দোঁৱালা।

(এনেতে কেইবাটা ডেকাই মাতে। )

ডেকাবোৰ। নাই দোঁওৱা।

ইতিভেন। সৌৱা তোমাৰ পৰ্ব্বতৰ মাজে মাজে আগৰ শক্তিৰেই শিল দ'ল ভাঙি মহানদবোৰে পূৰ্ব্ব গৌৰৱ আৰু মহিমা ঘোষি আজিও বৈ গৈ আছে। মাথোন তুমিহে আপোন পাহৰি নিশ্চল নিবীৰ্য্য হৈ টোপনি গলা। সৌৱা—সৌৱা—তোমা-লোকৰ বীৰ পূৰ্ব্বপুৰুষসকলৰ মহান মৈদামবোৰে—বুকুত ৰুকমী মহাবীৰসকলক লৈ—এতিয়াও মহাগৌৰৱেৰে মূৰ দাঙি ৰুকমী জাতিৰ গৌৰৱ ঘোষিব লাগিছে। কিন্তু তোমালোক ৰুকমী ডেকাৰ,—সজাগ জীৱন্ত, প্ৰাণৱন্ত বাহু থকাতো,

ৰূকমীৰ তেজ সিৰত লৈও—ৰূকমী জাতিয়ে বাস কৰি যোৱা, এই পুণ্য পৱিত্ৰভূমিত থিয় হৈ এতিয়াও—এতিয়াও হাত সাৱটি বহি আছা !! এই তোমাৰ সুন্দৰ দেশৰ—এই সুন্দৰ ফলে-ফুলে জকমকীয়া—এই ঠায়ে বিলে ভৰপূৰ এই ৰূপহ ৰূকমীৰ দেশখন আজি শক্ৰৰ পদদলিত হ'ল। আজি ৰূকমী ৰূপহীৰ ৰূপ ফুল-মোহৰা শক্ৰৱে মোহাৰি গ'ল। তোমাৰ যুগযুগান্তৰৰ ৰূকমী পুৰুষসকলে, বুকুৰ তেজেৰে শলিতা তিয়াই জ্বলাই যোৱা ৰূকমী গৌৰৱৰ বন্তি শক্ৰৱে ভৰিৰ ধূলাৰে ছাটি মাৰি নুমাই গ'ল। তোমাৰ তেজ থাকোঁতেও —প্ৰাণ থাকোঁতেও বৈ চাই আছা। ইমান দুৰ্ব্বল হৈ, ইমান জুকলা হৈ, ইমন নিশকতীয়া হৈ, ইমান অমানুহ হৈ জীয়াই নেথাকিবা। এই ৰাজ্যত তোমালোকৰ থাকিবৰ একো অধিকাৰ নাই। ৰূকমী বুলি চিনাকি নিদিবা। ডেকা বুলি নকবা। এই পৱিত্ৰ ভুমিত আৰু তোমালোকৰ জন্ম নুবুলিবা। ৰূকমী বীৰসকলে কোৱা ভাষা—ৰূকমী ভাষা—ৰূকমী বীৰ-পুত্ৰই মাতৃক মতা ভাষা—ৰূকমী বীৰ-সন্তানে জন্মভূমিক অৰ্চ্চনা কৰা ভাষা—ৰূকমী সতীয়ে স্বামীক ভক্তি জনোৱা ভাষা—ৰূকমী যুঁজাৰুৱে মৰণ জয় কৰিবলৈ শক্ৰ সৈন্যক আহ্বান কৰা ভাষাৰ পৱিত্ৰ শব্দ তোমালোকৰ মুখেৰে উচ্চাৰণ নকৰিবা। তোমালোক ৰূকমী নোহোৱা—ৰূকমীৰ সন্তান নোহোৱা।

সকলোৱে। আমি ৰূকমী, আমি ৰূকমী। আমি প্ৰতিশোধ লম। আমি প্ৰাণ দিম।

ইতিভেন। উপযুক্ত কথা কৈছা ৰাইজসকল! ৰূকমীৰ মুখৰ উপযুক্ত কথা। বুজিলোঁ—ৰূকমী জাতি আজিও জীয়াই আছে। যুগ-যুগান্তৰ ধৰি মোৰ মাতৃসকলে সেৱাত নিমগণ হৈ আছে। কিন্তু যুগে যুগে যেতিয়াই পুৰুষে কৰ্ত্তব্য পাহৰি

দুৰ্ব্বলতাক আশ্ৰয় কৰি কৰ্ত্তব্যবিমুখ হৈছে—তেতিয়া তিৰোতাই কৰ্ত্তব্য সোঁৱৰাই দিবলৈ ওলাই আহিছে। আজি ময়ো তাকে কৰিবলৈ ওলাই আহিছোঁ। পুৰুষ নেতাক আমাৰ ৰক্ষাৰ ভাৰ দি নিশ্চিন্ত হৈ বহি আছিলোঁ। সেই পুৰুষ যেতিয়া আমাৰ সন্মান ৰাখিবলৈ অপাৰগ—অৱশ্যে ওলাই আহিম। কোৱাঁ কৰুকমী বীৰসকল! মোৰ ই উপযুক্ত হৈছে নে নাই?

সকলোৱে। (একবাক্যে) উপযুক্ত হৈছে! উপযুক্ত হৈছে! অতি উপযুক্ত হৈছে!

ইতিভেন। তেন্তে কৰুকমী বীৰসকল! ওলোৱা—কৰুকমী জাতিৰ অপমানৰ প্ৰতিশোধ লবলৈ, কৰুকমী জাতিৰ মান ৰাখিবলৈ, কৰুকমী কপহীৰ সতীত্ব ৰাখিবলৈ। তোমালোকৰ ৰজা যদি অসমৰ্থ—তেন্তে মই তোমালোকক বাট দেখুৱাই নিম। কৰুকমী ৰাইজসকল! তোমালোক এই অভিযানৰ বাবে সাজু নে?

সকলো। সাজু! সাজু!

কিছুমান। আমি প্ৰতিশোধ লম।

ৰজা। দেখিছোঁ—দেখিছোঁ—সকলো বিদ্ৰোহী। নিমিষতে—চকুৰ পচাৰতে—তিৰোতাৰ ৰাজ্য-বিস্তাৰ! সকলো দেখিছোঁ উলটিল। বুদ্ধিৰ ঠাইত মূৰ্খতাৰ প্ৰকোপ—বিবেচনাৰ ঠাইত অবিবেচনাই ৰৰপাগ মাৰি বহিল। গিয়ানক টঙনিয়াই অগিয়ানে খুঁটি পুতিলেহি। নহয়—নহয়, এনে কাম হব নোৱাৰে। ইতিভেন! ইতিভেন! মূৰ্খালি—মূৰ্খালি—যা—যা—ভিতৰ সোমা!

ইতিভেন। ককাই! তুমি ৰজাৰ উপযুক্ত নোহোৱা। তুমি পিতৃ-পিতামহৰ এই সিংহাসন কলঙ্কিত কৰিছা। যোৱা—তুমি সিংহাসনৰ পৰা নামি যোৱা।

ৰজা। সিংহাসনৰ পৰা নামি যাম? কিয়?

ইতিভেন। অৱশ্যে—ৰূকমী জাতিৰ কলঙ্ক কাক লাগে? মোৰ এই কাপুৰুষ ৰূকমী জাতিৰ কলঙ্ক ককাইক নে তোমালোকৰ মান-গৌৰৱৰ কাৰণে প্ৰাণ দিবলৈ ওলোৱা এই ইতিভেনক?

সকলোৱে। ৰূকমী ৰাজকুঁৱৰীৰ জয়!

ৰজা। তিৰোতাৰ কথাত যেতিয়া ৰাজ্য চলা হ'ল—ৰাইজ মতলীয়া হ'ল—কোনো জ্ঞানী পুৰুষসিংহই তাত থকা উচিত নহয়। আহাঁ—কোন কোন ৰূকমী বীৰ আছা—মোৰ লগত। এই তিৰোতাসেকৰা মতাৰ ৰাজ্য ত্যাগ কৰোঁ, আহাঁ।

ৰূকমী ৰজাই নিজেই ফটিকাৰ সোণৰ গাগৰি এটা দাঙি লৈ আসনৰ পৰা নামি যায়গৈ আৰু কেইটামান লেৰেলা চেপেটা মানুহো তাৰ পৰা এটা এটা কলহ লৈ ৰজাৰ পাছ ধৰি যায়।

ইতিভেন। ৰূকমী ডেকাসকল আৰু বিষয়াসমূহ! আপোনালোকৰ সাহ দেখি সঁচাকৈয়ে মোৰ বুকুলৈ আশা আহিছে। যদিও আমাৰ ৰাজ্যখন সৰু, তথাপিও এটা এটা ৰূকমী দহোটা প্ৰান্তবাসীৰ সমানে যুঁজ দিব পৰা হব লাগিব। আজি আমাৰ ঘোৰ সঙ্কটৰ দিন। আমাৰ মহাদুৰ্দ্দিন। আমাৰ আগৰ প্ৰতাপ শৌৰ্য্যবীৰ্য্য জঁয় পৰিছে। আমি আত্মৰক্ষা কৰিবলৈকো অপাৰগ হৈছোঁ। আমি আমাৰ ৰাজ্য আৰু প্ৰজাক শত্ৰুৰ আক্ৰমণৰ পৰা ৰাখিব নোৱাৰা হৈছোঁ। আমাৰ দুৰ্ম্মদ ডেকা নিশকতীয়া হৈছে। আমাৰ গৌৰৱ ম্লান পৰি আমাৰ জাতি মৰণোন্মুখ হৈছে। সেয়েহে শত্ৰুৰ ইমান দম্ভ—ইমান অতপালি! আমাক ইমান অৱজ্ঞাৰ চকুৰে চাব পাৰিছে। মানুহ বুলিও নগণা হৈছে। বুকুৰ পৰা ছোৱালী কাঢ়ি নিছে। দুৰ্ব্বল বুঢ়া মানুহৰ ওপৰতো অত্যাচাৰ কৰিবলৈ সাহ কৰিছে। সাজু হোৱা,

সাজু হোৱা। সকলোৱে এবাৰ সতীত্বৰ, বীৰত্বৰ, শৌৰ্য্যৰ কাহিনী মনত পেলোৱা। ডেকা-গাভৰু, ধনী-দুখীয়া, সকলো ওলোৱা। এই জাতিৰ সৰ্ব্বদলী মনোবলেৰে আৰু সাহৰ প্ৰচণ্ড আঘাতেৰে মৰণ-বিজয়ী অভিযানেৰে মণিমুগ্ধৰ শিলৰ দুৰ্গ ভাঙি চূৰমাৰ কৰা। এবাৰ জ্বলি উঠা! এবাৰ জ্বলি উঠা!

সকলোৱে। জয় কুকমীৰ জয়! জয় কুকমী ৰাজকুঁৱৰীৰ জয়!

ঐক্যতান

# চতুৰ্থ অঙ্ক

## মণিমুগ্ধৰ কাৰেং

### সময়—তুপৰ নিশা

মণিমুগ্ধৰ কাৰেংৰ এটা সুবৰ্ণময় ব্ৰহ্মদেশীয় কাৰুকাৰ্য্য খটোৱা কোঠা। কোঠা গোটেইটো সোণৰ পাতেৰে ছটা। সোণৰ ওপৰত ৰঙা-নীলা-কজলা নানান পাথৰ আৰু মণি-মুকুতাৰে বাখৰ-পতোৱা। কোঠাটোৰ সোঁ মাজতে এখন ডাঙৰ খিড়িকী। খিড়িকীয়েদি দূৰত ছাঁৰ দৰে পেগোদাৰ আকৃতি দেখা গৈছে। আকাশত জোন আৰু তৰা। খিড়িকীয়েদি এছাটি জোনৰ পোহৰ সোমাই আহিছে। খিড়িকীৰ তলত এখন চাপৰ শয্যা পৰা আছে। তলত ৰূপালীম্ বহি বাহিৰৰ আকাশলৈ চাই বেজাৰমুৱা। কোঠাটোৰ বাঁওফালে এখন সৰু দুৱাৰ জাপ খাই আছে। ওচৰতে মাটিত বহি এজনী লিগিৰী। তাই হাতত এখন অদ্ভুত আকাৰৰ বীণা লৈ বহি টুং টুং কৈ বজাই আছিল আৰু গীত গাইছিল।

—ঃ গীত ঃ—

অ' সখী আজি যৌৱন-বন জুৰি
বন-বসন্ত মুঞ্জৰি
পাতে ৰৰণৰে মেলা,
হাঁহা সখী মোৰ হাঁহা সখী মোৰ
হাঁহিৰে ফাকু খেলা।
তোৰ ৰূপৰ ফুলনিতে
শেৱালি নেৱালি কতনো ফুল—
দশোদিশ আমোলাই কৰিছে আকুল

ফুলৰ বাটিবে মৌৰে		নিজৰা বাকি দিয়া
বিয়াকুল ৰূপ-মৌ পিয়া।
আজি অভিনৱ		তৰালি পোহৰৰ
চঞ্চল গীতি শুনা—
তাৰ লহৰতে কঁপি কঁপি		মোৰ যৌৱনৰ
জোনাকী কাৰেঙত বাজে বীণা
তাতে বাসনা-উৰ্ব্বশী
বিবসনা—
নৃত্যতে আকুল
অ' সখী! যায় যে বেলা—
হাঁহা সখী মোৰ		হাঁহা সখী মোৰ
হাঁহিৰে ফাকু খেলা।

বীণ বজাই গীত গাই থাকোঁতে মাজে মাজে কপালীমৰ তাইৰ কালে পৰি থকা হাতখন চোৱে, কিন্তু কপালীমে আজোৰ মাৰি লৈ যায়। তাতে লিগিৰীজনীয়ে আন ফালে মুখ ঘূৰাই ভুষ্টালিবে হাঁহে। তাই আকৌ গীতৰ একাকি আওৰাব খোজোঁতেই কপালীম্ ঘূৰি লিগিৰীজনীক সোধে।

কপালীম্। মোক তোমালোকে কেলৈ ইয়াত থৈছা?

লিগিৰী। মণিমুৰুই কৈছে দেখি—তোমাক ইয়াত থৈ আদৰ-যতন কৰি গীত শুনাই মন ভাল কৰিবলৈ কৈছে।

কপালীম্। মোৰ যে মন ভাল নহয়। মোৰ যে বৰ বেজাৰ।

লিগিৰী। বেজাৰ! (হাঁহি) তোমাৰ বেজাৰ নাইকিয়া হব। ইয়াত তুমি কিমান সুখত—কিমান আনন্দত থাকিবলৈ পাবা। এই সুন্দৰ সোণ-খটোৱা কাৰেঙৰ খোঁটালীত তুমি থাকিবা। কৰচন চৰাইৰ কোমলতকৈও কুমলীয়া পাখি ভৰোৱা গাৰুৰ তলিছা পৰা—সোণৰ খুৰা-খুউৰা পালেঙত শুবলৈ পাবা। পাৰস্য দেশৰ ফুলৰ পাহিতকৈও নিমজ দলিছাত ফুৰিবলৈ

